দুৰনি বাটলৈ নিদিবা পিতাদেৱ
বাটত ধৰি জোকাব লোকে।

১৯

ওলাই দেখিলোঁ চিচিমুখৰ কলঘৰ
দুৱাৰ খন মুকলি হ'ল ;
মোৰ যে মইনা মাকৰ লাহৰী
নেদেখা ৰাজলৈ গ'ল।

২০

আগেয়ে খুজিলোঁ গাঁৰি ফুলৰ হাঁচটি
এতিয়া কাটিছা পাঁজি ;
তোমাৰ ঐ হাঁচটি আমাকো নেলাগে
তোমাতকৈ আনিছোঁ কাঁজী।

২১

কোৱাত কৈ বাতৰি দিলা ঐ আইটি
চিলাত কৈ বাতৰি দিলা ;
মাৰৰ ঘৰত কিনো দুখে পালা
গাৱঁৰ ডেকাক নমতা হ'লা।

২২

চৰায়ে তুলিলে ছবুৰি পোৱালি
গছৰ ডাল শুৱনি কৰি ;
মাৰে বাপেৰে তোমাক ঐ তুলিলে
লোকৰ ঘৰ শুৱনি কৰি।

২৩

চিন্তা নকৰিবা মোৰ জানো সোনাই ঐ
উজাই নেগাৰিবা বুৰ ;
গুনিলে কি হ'ব ভাবিলে কি হ'ব
ঈশ্বৰে পাতিব যোৰ।

# সপ্তম অধ্যায়—ভেদ।

১

থুৰিয়াই থুৰিয়াই তামোল কাটি দিছিলি
তাৰ মাজত দিছিলি লং;
মোলৈ আহিম বুলি কাপোৰ ধুই দিছিলি
মনত লগাইছিলি ৰং।

২

আপুনি নেখায়ে মোলৈ সাঁচিছিলা
ক'লা-জহা চাউলৰ ভাত;
এতিয়া তোমাক কোনে কি খুৱালে
কেটেৰা-জেঙ্গেৰা মাত।

৩

শতুৰুৰ কথাকে নলওঁ নলওঁ বুলি
শতুৰুৰ কথাকে ল'লি;
মোকে আগত থৈ শতুৰুক লগত লৈ
তামোল কাটি অকলৈ খালি।

৪

বাৰীৰ পাছ ফালে হাঁহ খেদিছিলোঁ
চোঁতালত আহি ধান খালে;
চকুলৈ চালে তই মুখলৈ নেচাব
তোকে টুটকিয়াই পালে।

৫

চকুলৈ চালে তই মুখলৈ নেচাব
ঈশ্বৰক কৰিছোঁ সাক্ষী ;
মই যদি তোমালৈ অহিতে চিন্তিছোঁ
ঈশ্বৰে নথ'ব ৰাখি।

৬

উজাই চালোঁ মই ভটিয়াই চালোঁ মই
তোমাৰ মান শুৱনী নাই ;
দেৱে কি নিলে নে মনিয়ে নিলে নে
মাতি মাত পাবলৈ নাই।

৭

বিলাতী সূতলৰ বাণি তই বান্ধ ঐ
বিলাতী সূতলৰ বাণি ;
সূতা পকোৱাদি মোৰো মন পকালি
চিতৰ কথা নকলি ভাঙি।

৮

তলে গৰকা ওপৰে নাচনী
তাঁতৰ চাৰি-বাটি ব ;
আৰু কিনো কথা আছে মোৰ মইনা
পেটৰ কথা ভাঙি ক।

৯

চৰাইলৈ বুলি ছিটিকা পাতিলোঁ
দৰিকলৈ পাতিলো জাঙী ;

উঘা পকোৱাদি পকাই পকাই সুধিলোঁ।
পেটৰ কথা নক'লা ভাঙ্গি।

১০

ধন হেন দেখিলি মোকে ঐ চেনাইটি
পৰম হেন দেখিলি মোক ;
লুটিটোৰ বাগৰত হেৰাওঁ হেন দেখিলি
কাকে পাই এৰিলি মোক।

১১

ধন হেন দেখা নাই তোকে ঐ চেনাইটি
পৰম হেন দেখা নাই তোক ;
লুটিটোৰ বাগৰত হেৰায় হেন দেখা নাই
কাকো পাই এৰা নাই তোক।

১২

লংগুটি এৰিলি ক'তে ঐ চেনাইটি
চাদৰ চেলেং এৰিলি ক'ত ;
শতুৰু লগ পাই, ঢাপলি ধৰিলি
আমাক নো এৰিলি ক'ত।

১৩

বিধি হৈ স্ৰজোতা তেৰেঁ পালোতা
তেওঁৰে ওপৰত ভৰ ;
তোমাৰে মোৰে যদি যোৰা আছে
তেৰেঁ পাতি দিব ঘৰ।

১৪

বৰঘৰৰ মূধতে　খৰি ফালিছিলোঁ।
　উফৰি পৰিলে চলি ;
কিনো কথাষাৰি　ক'লোঁ। ঐ চেনাইটি
　মুখেৰে নমতা হলি।

১৫

হাবি হেৰপতা　দি যাওঁ বালিভেটা
　জোনাই শামুকৰ চুণ ;
খুৱাই পাহৰিলা　থুৰিয়া তামোল
　কথাৰ পাহৰিলা গুণ।

১৬

ৰে'লৰ আলি বন্ধালে　কোনে ঐ লগৰি
　গড়-আলি বন্ধালে কোনে ;
তুমিয়ে আমিয়ে　আছিলোঁ মিলেৰে
　তোমাৰ মন ভঙালে কোনে।

১৭

কোনেও মন ভঙা নাই কোনেও মন ছিঙা নাই
　আপুনি বিৰহিল মন ;
মোৰ মুৰ ধুৰলৈ　ঘিলা খুজিছিলোঁ
　সি নো হল কিমানৰ ধন।

১৮

মাহৰ বান্ধি গ'লোঁ　টুপলি টুপলি
　ঘিলাৰ বান্ধি গ'লোঁ ফাক ;

উজনি নামনি তোমাৰ আমাৰ শতুৰু
ঘিলা দি পঠিয়াওঁ কাক।

১৯

কুকুৰাই কৰিবৰ কেও;
গছৰ ডাল ভগাদি আমাৰ মন ভাগিলে
জোৰাওঁতা নহলে দেও।

২০

কপৌ ফুলে নুশুৱাই তোকে ঐ মইনা
টগৰ ফুলে নুশুৱায় তোক;
কিনো দায়-জগৰ লগালোঁ মইনা
—ভাল মুখে নেমাত মোক।

২১

বজাৰত কিনিলোঁ ৰেছমৰ ৰুমাল
ৰে'লগাড়ী ভটিয়াই গ'ল;
বিয়া কৰিম বুলি বৰ ঘৰ সাজিলোঁ
গৰু বন্ধা গোহালি হ'ল।

২২

হাতৰ আঙুলি চিৰলি চিৰলি
ভৰিৰ আঙুলি ঘন;
ভৰিৰ আঙুলিৰে মাটি খুচৰিছ
কালৈ কৰিছ মন।

২৩

এইনো বাৰে বছৰ  যায় নো বহে বতৰ
দেহাক নকৰিলোঁ মিছা ;
তোমাক ভালে দেখি  যাওনো ওচৰ চাপি
তুমি কৰা পৰলৈ ইচ্ছা।

২৪

চতেকৈ মহীয়া  নাহৰ ফুল ফুলিলে
বহাগত পেলালে কলি ;
আমাৰ দুখৰ দিন  আহিলে লাহৰি
চকুৰে নোচোৱা হ'লি।

২৫

আবৈ ধান লেচিয়া  বাণিবি কেতিয়া
কুলাতকৈ চালনি ঘণ ;
চকুৰে চাইছ  মুখেৰে নেমাত
কালৈ কৰিছ মন।

২৬

জৰিৰ তলতে  খৰি লুৰি আছিলোঁ
আজুৰি ছিঙিলোঁ লতা ;
চকুৰে দেখিও  মুখেৰে নেমাতা
ল'লা ভঙনীয়াৰ কথা।

২৭

চৰায়ে চৰায়ে  আলচখন পাতিছে
গছৰ গুটি খাবৰ মন ;

আয়ে বোপায়ে আলচখন পাতিছে
আমাক বেচি খাবৰ মন।

২৮

পানী দেখি লাগিলে পানীৰে পিয়াহ
তোকে দেখি লাগিলে দয়া;
মুঠিৰ কটা তামোল মুঠিতে শুকালে
ন'হলি আপোনাৰ গঞা।

২৯

হাতে কিনো চাবা হাতী শুবে যেন
মুখে পূৰ্ণিমাৰ জোন;
সইতে সপতে মিছা নেমাতিবা
তোমাৰ মৰমিয়াল কোন।

———

# অষ্টম অধ্যায়—বিৰাগ।

১

লংগুটি আনিবা খাম ;
কাইলৈ আহিবা তামোল পান আনিবা
ভাঙি কথাবাৰি ক'ম।

২

কি পহু মাৰিবৰ শৰ ;
আমাক নো পাবলৈ পূজানো কৰাগৈ
বিধাতাক মাগাগৈ বৰ।

৩

ৰামে লক্ষ্মণে যুদ্ধলৈ ওলালে
বিভীষণে ধৰিলে শৰ ;
মোক নো পাবলৈ গঙ্গাস্নান কৰাগৈ
কাশীত লৈ আহাঁগৈ বৰ।

৪

বালিত বাবৰি চকা ;
কেলেই মন বলিয়া কৰিলি কলিয়া
হাতত নাইকিয়া টকা।

৫

ওপৰত উৰিলে মলয়াত ঘুৰিলে
কাৰে যোৰলগা পাৰ ;

ধুনীয়া পিনিঙা মোকে নিব খোজ
কিমান ধন দিব পাৰ।

৬

হালৰে বেচিম মই ক'লা কমলা
গোহালিৰ বেচিম এ গাই ;
তেও যদি ধনেৰে জোৰাব নোৱাৰেঁ।
বেচিম সমনীয়া ভাই।

৭

হালৰে বেচিবি ক'লা কমলা
গোহালিৰ বেচিবি গাই ;
চেনেহৰ সরু ভাই নেবেচিবি পিনিঙা
পাৰলৈ সাবথি নাই।

৮

আহোঁ বৰৰ তলে যাওঁ বৰৰ তলে
বৰৰে চপলা পাত ;
বৰৰ তলতে মোকো নোজোকাবি
ওলাব মইনা-গাত।

৯

কানীয়ালৈ নেযাবি কানি দিব লাগিব
বাতি দিব লাগিব মাজি ;
কানি-তিতা মাখোতে পিঠা দিব লাগিব
তাকো দিব লাগিব ভাজি।

১০

গুচি যাওঁ গুচি যাওঁ পাঁচ্চে নাৱত উঠি যাওঁ
কতক মাৰে কিলে খাওঁ ;
সতিনী লগালৈ যাবৰে সন্নিনি
কটনা কাটিয়ে খাওঁ।

১১

চোমৰে চিৰিলি পাত ;
অতি ধুনীয়ালৈ ছোৱালী নিদিবি
খাবলৈ নোজোৰে ভাত।

১২

বুঢ়াটো বুঢ়াটো খেন্দেলা বুঢ়াটো
উধানত খুন্দা খাই মৰ ;
চকুৰে নেদেখ কাণেৰে নুশুন
ছোৱালী বিচাৰি ফুৰ।

১৩

অৰি কুমাৰৰ ঘড়ী ;
তোমাৰ পুখুৰিত পানীও নেখাওঁ মই
পাবতো নিদিওঁ ঐ ভৰি।

১৪

শিঙৰা মাছৰ কণী ;
তইঁতৰ গাৰ্‌লৈ ছোৱালী নিদিওঁ ঐ,
লোকৰ ধাৰে কৰা মণি।

১৫

পুখুৰি থাকোঁতে পুখুৰি খন্দালে
 ৰাজহাঁহ চৰিবৰ মনে ;
এজনী থাকোতে একনী আনিলে
 খৰিয়াল শুনিবৰ মনে।

১৬

কপৌ কুকুলিয়ায় ৰাতি ঐ পুৱাই
 কেচাই কুকুলিয়ায় ডালত ;
খেদি দে খেদি দে অজাতি কপৌক
 মৰণ-খেৰ মাৰি দে গাত।

১৭

কালিয়ে আছিলা কানিপাণ কৰিলা
 ঘৰত বা হইছে কি ;
মাৰক লৈ গ'ল বণুৱা বঙালে
 কানত বন্দুকটো দি।

১৮

বঙালি বঙালি লেতেৰা বঙালি
 বঙালিক নিদিবি ঠাই ;
ৰাতিতে উঠি ঘৰত সিন্ধি দি,
 বঙালি পলায়ে যায়।

১৯

পৰ্ব্বতৰ কানতে মুগা মেলিছিলো
 ধেমুৰ জোৰ ৰাটোতা নাই ;

কত কৰি কৰি তোৰ ঘৰ পাতিলোঁ।
মোৰ ঘৰ পাতোতা নাই।

২০

মৰিয়াই মাৰিবৰ এন্দুৰ ;
তোমাৰ নো বিয়ালৈ আমাকো মাতিবা
কপালত মাৰি যাম সেন্দুৰ।

২১

চাহ পাত ছিঙি চতাইত মেলিছিলোঁ।
তেতেলি পতীয়া হ'ল ;
শহুৰৰ জীয়েকক আনিবৰে পৰা
খুঁটিৰ ম'হ বিকৰে গ'ল।

২২

ৰিহাত পদুমৰ চকা ;
তোমাৰ ধনেৰে কিনো দ'ল বান্ধিবা
বচনে এহেজাৰ টকা।

২৩

আইনো আইনো বুলি নাহৰে মাতিলে
মাকৰ মুখলৈ চাই ;
কেলেই মাতিলি দুখীয়া নাহৰ ঐ
চকুতো পঁইতা নাই।

২৪

উৰাই মাৰিলোঁ ঘূৰাই মাৰিলোঁ
মাৰিলোঁ পমিলাৰ গুটি ;

খণ্ডৰ বেগত মাৰি পঠিয়ালেঁ।
থুৰিৱা তামোলৰ মুঠি।

২৫

চুঁচৰি চৰিলে ঠেং ভগা চৰাইটি
চুচৰি চৰিলে গুঁই ;
পিচলি পৰিলোঁ শহুৰৰ পদূলিত
কাপোৰ খনি নিদিলে ধুই।

২৬

লুইতৰ শুৱনী মাজুলী চাপৰি
স্বৰগৰ শুৱনী তৰা ;
কি নো তো চিতেৰে আমাকে এৰি থৈ
খালি দোৱা-ভজা চিৰা।

২৭

চোঁতালৰ আগৰে জুতুলা বগৰি
পচিমলৈ মেলিলে ডাল ;
দিয়ে কি নিদিয়ে সোণৰে আঙঠি
ওফোন্দাই পেলালে গাল।

২৮

দিহিঙৰ ঘাটত ধুবুনী নামিলে
নামে লুইতত মিৰি ;
নেথাওঁ ভাতে পানী নলওঁ কাপোৰ কানি
ঘৰত ঐ নহ'লে তিৰী।

২৯

কঁাহৰে বাটিটি  খিটিঙাই বাজিলে
  নেজানি বুলিলোঁ৷ কোন ;
আহিব দিছিলোঁ৷  ফুতেকৈ গধূলি
  ভটিয়াই গ'লেগৈ জোন।

৩০

যেতিয়াই মাতিলা  তেতিয়াই আহিলোঁ৷
  তুমি খাই আছিলা ভাত ;
ভমকা-ফুলীয়া  বৰষুণ দিছিলে
  মূৰত বৰ কচুৰ পাত।

---

## নৱম অধ্যায়—প্ৰেম। (১)

১

বিধিকৈ বিধতাক মাতোঁ কৰে যোৰে
পাতক পুনৰপি যোৰ ;
বিহু-বঁটা দিলা ৰঙাকৈ গামোছা
তাৰো নেভাগিলে থোৰ।

২

হাতৰে আঙুলি পবালি পবালি
ভৰিৰে আঙুলি ঘন ;
কোন জন ঈশ্বৰে তোমাক ঐ স্ৰজিলে
চাইনো চাই থাকিবৰ মন।

৩

আহোঁ এৰি এৰি যাওঁ এৰি এৰি
এৰা গছত মাতিলে জিলী ;
নেদেখি থাকিলে থাকিব পাৰোঁ মই
কেলেই গা-দেখা দিলি।

৪

দুপৰৰ ৰ'দ মই সহিব নোৱাৰোঁ
থাকোঁ গছৰ তলত শুই ;
কিনো মায়াজালত পৰিলোঁ চেনাই
বুজিব নোৱাৰোঁ মই।

৫

বৈ নো বৈ কান্দিলে চুঙাৰে বাদুলি
বৈ নো বৈ কান্দিলে জিলী ;
এনেয়ে মৰিছোঁ মনৰ সন্তাপত
আকৌ গা-দেখা দিলি।

৬

ধনৰ ফুলৰ গামোছা আগত ফুল বছা
ভৰিতে ওলমি যায় ;
ঘৰত শুনিছোঁ মূৰ কামোৰণি
বাটটো কেনেকৈ যায়।

৭

ধনে দি পঠিয়ায় ধনৰ ঐ টোপোলা
আমি দি পঠিয়াওঁ কি ;
চেনেহৰ ধনক বুজাই ক'বি গৈ
আমি নো দুখীয়াৰ জী।

৮

পেপাটি বজাবৰ তিনিটি আঙুলি
মাজৰটি আঙুলি লৰে ;
বহো তাঁত-পাতত চকু আলিবাটত
মাকো সৰি সৰি পৰে।

৯

পৰ্ব্বতত মাৰি যাওঁ বাওঁলী হৰিনা
পেলাও ভৈয়ামলৈ টানি ;

হাঁহিবৰ ছলেৰে কান্দি পঠিয়ালোঁ
চেনাইক পানিঘাটত দেখি।

১০

চাউল চালিবৰে ৰূপহী চালনি
বহি জাৰি যাওঁ কুলা ;
তোমাৰটি দেহলৈ আশা কৰি আহিছোঁ
নহবা শিমলুৰ তুলা।

১১

লগৰীয়ে বগৰি খায় ;
কিয় লগৰীয়া শতুৰু শালিনা
জাপি কাতি কৰি চায়।

১২

পৰ্ব্বতে পৰ্ব্বতে খালোঁ নগা টেঙ্গা
খোপাত গুজি গ'লো লোণ ;
হাবৰ মাজে মাজে সুমুৱাই আনিছো
জানো মোৰ ধনৰে গুণ।

১৩

চকলা, জেনেৰু, নগা সুমথিৰা
তিনিৰো একেটি বৰণ ;
যেনেবি থাকিলে থাকিব পাৰোঁ মই
দেখিলে বলিয়া মন।

১৪

দূৰৈত ঐ মুকৰা ভূঁই ঐ মইনা
দূৰৈত ঐ মুকৰা ভূই ;
যাওতে বিয়াৰ সাহৰি ককাল ঐ
আহোতে বিয়াৰ ভৰি ।

১৫

পদূলি বাটতে ভৰণ কল্প এজুপি
বাহুলি পৰিলে ভাগে ;
সৰুৰে পৰা তোমাৰে লগতে
এৰিলে তিৰীৰধ লাগে ।

১৬

বেৰে দি সৰকাই গোবৰ ঐ পেলালো
তাতে বহি খালো লাই ;
তোমাৰে নিচিনা মানুহটি দেখিলোঁ
এবেলা আছিলোঁ চাই ।

১৭

নৰীয়া পৰিলে ভাদত ;
নূৰৰ চুলিৰ সমান কুশলে থাকিবা
দেখিম পানীঅনা ঘাটত ।

১৮

জোকৰ তিনি মুঠি শুকান পিঠাগুৰি
কিনো গুৱালৰ দে ;

যেয়ে কৰি দিব কালিন্দ্ৰী ভোমোৰা
থাকিম তাৰ পদুলিত ৰৈ।

১৯

উজনি উজনি ভটিয়াই নামনি
সদিয়া কেদিনৰ বাট ;
কিনো কথাষাৰি কলি ঐ লগৰি
অগনি জ্বলিছে গাত।

২০

তোমালৈ চাওতে জপনা দেওতে
ফুটিলে অঘয়া হুল।
তোমাৰ মন হ'লে, আমাৰ মন হ'লে
কি কৰিব কলিতাৰ কুল।

২১

কেলেই আহিলা এনুৱা সময়ত
লগাব নোৱাৰোঁ মাত ;
তোমাৰ খুটি হ'ল হাতৰ কাঠি-কামি
আমাৰ খুটি হ'ল তাঁত।

২২

ভিৰত ভিৰ খালে কোবত ঐ ছিগিলে
কাৰফাই ধেমুৰে জোৰ ;
এনে সময়ত কিয় দেখা দিলা
শৰীৰ ফাটি আহে মোৰ।

২৩

ঘৰৰ উপৰি ঘৰ ;
ঘৰৰ ওপৰে দি যাও দলি মাৰি
চেনাই হাতে পাতি ধৰ

২৪

শালে ভুমুকিয়ায় স'লে ভুমুকিয়ায়
চেঙাই ভুমুকিয়ায় গাতত ;
দেহৰ ভিতৰত তুমি ভুমুকিৱা
সদাই পৰি থাকে মনত।

———

# দশম অধ্যায়—প্ৰেম। (২)

১

চাই নো চাই বুলিবি বাট ঐ চেনাইটি
চাই নো চাই বুলিবি বাট ;
দেহৰে ভিতৰত আছে খালে বাম
পিছলি পৰিবি তাত।

২

জপা গৰকিলে জপাৰ বৰ কাপোৰে
দেহা গৰকিলে প্ৰেমে ;
সেই প্ৰেমৰ জালে দেহা লালে কালে
মাৰিও নিনিয়ে যমে।

৩

দিখৌ নৈ এৰিব পাৰোঁ মই লগৰি
জাজী নৈ এৰিব পাৰো ;
তোমাৰ ঐ ভাবনা এৰিব নোৱাৰোঁ
নেখায়ে থাকিব পাৰো।

৪

চাপৰি চাপৰি তুলি যাও বাবৰি
পুৰণি কলীয়া কচু ;
যাকে চাও বোলো তাকে ঐ নেদেখোঁ
কি নো জুইলগা চকু।

৫

হায় ঐ বিধতা ভাগ্যত লিখোতা

কপাল'ত লিখিলা ভাল ;

অবুজা মনক বুজাব নোৱাৰোঁ

হ'লো নিজে নিজে কাল।

৬

ককিলামুখৰে চকু ;

চেঙেলীয়া মনক বুজাব নোৱাৰো

যেনে নবন্ধোৱা গৰু।

৭

মিকিৰ বৰ চাঙত বজায় ৰবৰুঁাহী

ভৈয়ামত বজালে ঢোল ;

চেঙেলীয়া মনক বান্ধিব নোৱাৰো

চিঙে মৰাপাতৰ ডোল।

৮

মৰো মৰমত তোমাৰ কাৰণত

নেচাও আৰু জনৰ মুখ ;

কি কৰে ঈশ্বৰে কি কৰে বিধিয়ে

নিজৰ কপালতে দুখ।

৯

গধূলি গধূলি মই ফুৰো পদুলি

বাঘে খায় ঘোড়ে খায় খক ;

মাটি মাহৰ গছত উঠোঁ লৰ মাৰি
জীৱ যায় যদি যক।

১০

মোৱা মাছ মাৰোতে পিঠিৰ ছাল ছিগিলে
বিচাৰি নেপালোঁ বেজ ;
হাতৰে আঙ্গুলিত কামুৰি গ'লি ঐ
ৰখাব নোৱাৰোঁ তেজ।

১১

জাপি সৰুদৈয়া লিহিৰি পতীয়া
কত মণিজৰি বাট ;
বেলি পাওঁ যদি পঠিয়াই দিওগৈ
কত ডিঙিত ধৰি কান্দ।

১২

ওপৰে উৰিলে কালিন্দ্ৰী ভোমোৰা
ভৈয়ামত পৰিলে ছয়া ;
সপোন সমাজিকত ফুৰোঁ একেলগে
কোনজনে কৰিছে দয়া।

১৩

চৰাই হৈ পৰিম গৈ ছৱৰা বিলত ঐ
মাছ হৈ পৰিম গৈ জালত ;
ঘাম হৈ পৰিম গৈ তোমাৰে শৰীৰত
মাখি হৈ পৰিম গৈ গালত।

১৪

আইকো তেজিলোঁ বোপাইকো তেজিলোঁ
তেজিম সমনীয়া ভাই ;
তোমাকে ঐ লাহৰি তেজিব নোৱাৰোঁ
মৰিম বৰৈবিহ খাই।

১৫

তুমি ঐ লাহৰি সবাতকৈ সুন্দৰী
ল'লা কামেশ্বৰী নাম।
যদি কেনেবাকৈ হেৰাব লাগিলে
কেনেকৈ বিচাৰি পাম।

১৬

তুমি ঐ লাহৰি প্ৰাণৰ পুতলী
তুমি মোৰ এন্ধাৰৰ চাকি ;
তুমি যে নহ'লে দিওতা নহ'ব
ভোকত ভাত পিয়াহত পানী।

১৭

তুমি ঐ লাহৰি প্ৰাণৰ পুতলী
থাকি দুৱাৰ মুখত ৰৈ ;
কিনো মোহিনীৰে মুহিলা মইনা
কালিন্দ্ৰী ভোমোৰা হৈ।

১৮

তুমিও আমাৰে আমিও তোমাৰে
একেটি শৰীৰৰ কায় ;

কিনো ঐ বিধতাই তোমাক মোক স্ৰজিলে
তোমাৰ মোৰ ভিন-পৰ নাই।

১৯

গঙ্গাত বুৰে দি ঘৰত ঐ ওলালে
আয়ে নিদিলে মাত;
মোৰ ঐ লাহৰি! সহিব নোৱাৰি
খুৱাই পঠিয়ালে ভাত।

২০

চালিয়ে এখনি কাটিছে দুখনি
ভলুকা বাঁহৰে গুৰি;
কোনজন বিধতাই দিব পাখি লগাই
দেখাদি আহিম গৈ ঘূৰি।

২১

এঙনি জেঙনি দেখিবলৈ গুৰনী
কাকিনী তামোলৰ ঠোক;
মুখৰ জিলিকনি দাঁতৰ জিলিকনি
কেনেকৈ পাহৰোঁ তোক।

২২

চৰাই কুমলীয়া উৰিব নোৱাৰে
ঘূৰি ঘূৰি ডালতে পৰে;
মইনা কুমলীয়া এৰিব নোৱাৰোঁ
ঘূৰি ঘূৰি মনতে পৰে।

২৩

আগলৈ এখুজি কৰোঁ ঐ মইনা
পাছলৈ এখুজি কৰোঁ ;
যেতিয়া মনত ঐ পৰে ঐ লগৰি !
খোজেপতি ছমুণীয়া কাঢ়োঁ।

২৪

কিনো অমাতৰ মাত ঐ মইনা
কিনো অমাতৰ মাত ;
তোৰে মাত শুনি ন'বকৈ নোৱাৰোঁ
এৰি যাওঁ পেতৰে ভাত।

২৫

আহোঁ কেঁঞাবনে যাওঁ কেঁঞাবনে
কেঁঞাবনে কাটিলে গা ;
থুৰিয়া তামোলত আহুদি কৰিলা
পানীত পৰি নুজুৰায় গা।

২৬

পিৰীতি নেভাগে পিৰীতি নিছিগে
পিৰীতি নপৰে সৰি ;
যত মেৰিয়াবি তত মেৰে খাব
পিৰীতি মনমৰ জৰি।

২৭

আইনো মাতে মাতৰ বোপাই মাতে মাতৰ
মাততো জুৰুলা হ'লোঁ ;

ঘৰৰ কামে কাষ ঘৰতে এৰিলোঁ।
তোমাৰ লগত বলিয়া হ'লোঁ।।

২৮

কি কথা কৰিলা কি বুধি কৰিলা
থুৰিয়া তামোলৰ লগত ;
খাওতে শোওতে উঠোতে বহোতে
সদাই পৰি থাকে মনত।

২৯

কালি তুমি মইনা গা ধুই আছিলা
আগৰ পৰা গুৰিলৈ চালোঁ।
কি জানি কি কথা বিধিয়ে বুলিলে
আজি তোমাক সপোনত পালোঁ।।

৩০

কোনে মাৰিলে হাৰুৱা কপৌটি
কোনে উঘালিলে নেজ ;
মইনাৰ গালত কোনে আছুৰিলে
ডুগালে ডুধাৰি তেজ।

৩১

তোমাৰ মৰমত মৰো মই লাহৰি
তোমাৰ মৰমত মৰো ;
লোটাৰ পানীটুপি মূৰত ঢালি মই
দেহাটি জুৰণি কৰো।

৩২

বলিয়া হলো মই অলিয়া হ'লো মই
কৰাকে ঘূৰাই ঘূৰাই কৰো ;
ওৰে ৰাতিটো টোপনি নধৰে
চাৰি পাটীতে বাগৰি ফুৰোঁ।

৩৩

চৰাই হালধীয়া পাখি বিনন্দীয়া
অৰন্যৰ ভিতৰৰ টোপ ;
দিনটোৰ ভিতৰত এবাৰ নেদেখিলে
পেটতো নেলাগে ভোক।

৩৪

দেহৰে তৰণি নাই অ—মইনা
দেহৰে তৰণি নাই ;
ক'বাগৈ ক'বাগৈ মইনাৰ আগতে
এদিনে এবছৰ যায়।

৩৫

ছাগে বেলবেলাই, কোৱাই কেলকেলাই
কাক পেটৰ কথা কম ;
এনে মনে লাগে তোমাক ঐ মইনা
শৰীৰত সুমুৱাই ল'ম।

৩৬

বৰ আলিৰ ওপৰে বেলি মাৰে গ'ল
ঘিলা মাৰে গ'ল ফাকত ;

তোমাৰে আমাৰে কথা মাৰে গ'ল
প্ৰথম কুকুৰাৰ ডাকত।

৩৭

কিমো মনমোহা ডবহা-ডবহি
লহঙা লহঙি হাত ;
কোনটো সতেৰে পাহৰি থাকিম মই
চেনাইৰ ঐ থানুৱা মাত।

৩৮

তুমি চোৱা আমালই আমি চাওঁ তোমালই
চাই নো চাই কৰিবা কি ;
তোমাকে আমাকে আতৰাই ফুৰিছে
কিনো কপটীয়া বিধি।

৩৯

যায় মইনা পথলৈ আছে মইনা ঘৰলই
থাকে মইনা অকলৈ শুই ;
আগেয়ে নেজানো এতিয়া জানিলোঁ
শৰীৰত একুৰা জুই।

৪০

মেঘতে জিলিকে বিজুলি চতকে
শূইনত জিলিকে তৰা ;
পৃথিবীত জিলিকে আমাৰে মইনা
—তাতোকৈ একেৰি চৰা।

৪১

বাহিৰে নিচিনা মেখেলা পিন্ধিলোঁ
আইৰে নিচিনা খোপা ;
একেটা বঁটাতে তামোল খাই আছিছোঁ
ভিনিহিৰ নিচিনা ডেকা।

৪২

চাপৰ জলকীয়া চাপৰ সমনীয়া
চাপৰ জলকীয়া চাপৰ ;
লোকৰ সমনীয়া দীঘলে ডাঙৰে
আমাৰ সমনীয়া চাপৰ।

---

# একাদশ অধ্যায়—প্ৰেম-বৈচিত্ৰ

১

হাতো পত্নমী ভৰিও পত্নমী
ছোৱালীৰ পত্নমী নাও ;
ওলাই পত্নমী দিয়া সমিধান
আমি ৰজাঘৰে চাওঁ।

২

তুমি ৰজাৰ ঘৰে যোৱা মোৰ ধন ঐ
আমালৈ আনিবা কি ;
তোমালৈ আনিম সৰুদৈয়া জাপিটি
টুপত বালিচন্দা দি।

৩

উজাই গৈ আছিলোঁ নগাৰ মাত শুনিলোঁ
কাষলৈ চপালো নাওঁ ;
ধনৰে বাতৰি নেপাও ভালে কৰি
ভাটীলৈ ভটিয়াই চাওঁ।

৪

ভাটীলৈ ভটিয়াই যাবগৈ নেলাগে
শুকান পিঠাগুৰি খাই ;
কোনোবা ৰাজ্যত হুলে ফুটি মাৰিব
তোমাৰ লগত কান্দোতা নাই।

৫

মোৰ লগত কান্দিব আই কৈ বোপায়ে
কান্দিব ডালৰে মিৰি ;
পাটীৰ তিৰোতাই ছগাহলৈ কান্দিব
কলৈ গৈ আছিলা বুলি।

৬

জকাইলৈ যাওঁগৈ আহা লগৰীয়া
কঁকালত খালৈটি বান্ধি ;
ঘৰলৈ যাওঁগৈ আহা লগৰীয়া
লৰাটি মৰিছে কান্দি।

৭

বালিয়ে বালিয়ে উজাই গৈ আছিলোঁ
বালিৰে লুহীয়া খাই ;
বালিৰ মাজৰপৰা উলটি আহিলোঁ
ধনৰে বাতৰি পাই।

৮

উজাই যোৱা গৈ মোৰ ধন লাহৰি
কেই দিনত আহিবা ঘূৰি ;
যদি ভালে ৰাখে পৰম ঈশ্বৰে
আহিম চাৰি দিনত ঘূৰি।

৯

মই নো যাওঁগৈ উজনি ৰাজলৈ
তোমালৈ আনিম নো কি ;

তোমালৈ আনিম এ সকদৈয়া জাপিটি
টুপত ৰূপৰ চুলা দি।

১০

ধনেগৈ আছে গৈ মিছিমিৰ দেশত
আনিব কপাহৰ জোলা ;
তুমি বৈ ল'বা ৰিহা কৈ মেখলা
আমাক বৈ দিবা চোলা।

১১

ধনে গৈছিলে মোকে কৈ গ'লে
দুখনি হাততে ধৰি ;
ঘৰতে থাকিবা কলৈকো নেযাবা
বাৰীত লুৰি খাবা খৰি।

১২

মাছে কেনে কৰি মাৰিম কেনে কৰি
লুৰিম কেনে কৰি খৰি।
ক'ৰবাত সোনাই হুলে জোঙে ফুটিব
মোৰ নো কুমলীয়া ভৰি।

১৩

আহু ধানৰ মৰণা পেলাই দে বহনা
জোকাৰি পেলাই দে খেৰ ;
মাৰে জানিব বাপেৰে জানিব
মোলৈ চেনেহ বেথা এৰ।

১৪

আয়ে জানক বোপায়ে জানক
জানক সমনীয়া ভাই ;
তোলৈ চেনেহ বেথা এৰিব লাগিলে
ক'তে মৰোঁ বৰবিহ খাই।

১৫

লুইতৰ এসূঁতি দিচৈৰ এসূঁতি
মোৰ ধন এসূঁতিয়ে যায় ;
চকু তিৰবিৰ্ হৃদয়ে নসহে
চৰি ভাঙি ভাঙি চায়।

১৬

নাও নাইকিয়া ব'ঠা নাইকিয়া
কেনেকৈ পাৰহৈ যাওঁ ;
নাও লওঁ বিচাৰি ব'ঠা লওঁ বিচাৰি
পাৰ দি সিপাৰ হওঁ।

১৭

নৈৰ ৰঙা গড়া দলনি-দপনি
হৰিণা চিঞৰে বনত ;
তোমাৰ সন্তাপত থাকিব নোৱাৰোঁ
মৰোঁগৈ শদিয়া ৰণত।

১৮

আই মাতে মাতৰ বোপাই মাতে মাতৰ
—মাততে জুৰুলা হ'লোঁ ;

বৰ ককাইৰ মাত পাই ৰবকৈ নোৱাৰো
আপোন গলে কাটি মৰোঁ।

১৯

ধনে ভাত খোৱা কাঁহী পান্ধোৱা
চাপৰি বোটলোঁ ছুৰা ;
বিদায় লৈ আহোতে কৈ থৈ আহিছোঁ
—পৰৰে নেখাবি গুৱা।

২০

কাঁহীত মলঙিলে কাঁহীৰ বঢ়া ভাত
বাটিত মলঙিলে শাক ;
গুনি নেথাকিবা ভাবি নেথাকিবা
আৰু তিনি বছৰ থাক।

২১

ফুলনিবাৰীলৈ চাইনো পঠিয়াওঁ
কোন পাহি ধুনীয়া ফুল ;
তোমাৰ লগতে দেহা দিলো হেতেন
তুমি হ'লা অজাতি কুল।

২২

লোৱত ধৰিলে লোৱৰ মামৰে
কেচা-কাঠত বিন্ধিলে ঘূনে ;
চাৰি আঙুল কপালত বিধতাই লিখিলে
চাচি নো গুচাব কোনে ?

২৩

ধোবাই ধোৱা কাপোৰখন বগলীৰ পাখি যেন
তিতা ধান-খেৰৰ ছাই ;
দেখিলোঁ এ বুলি পামে কেনে কৰি
মোৰ জানো কপালত নাই ।

২৪

নতুন হেদামৰ এদা, আলু, কচু
চেনাইলৈ টোপোলা বান্ধোঁ । ;
পিয়নে কলেহি চেনাইৰ বাতৰি
নেখাই ভাতে পানী থাকো ।

২৫

হাটতে কিনি মই বাটতে ভাঙ্গিলো
শালমৰা কুমাৰৰ চৰু ;
নতুন তাতি ভাঙ্গি খালে পকা ধান
সৰুটি চেনাইৰে গৰু ।

২৬

ভৰালৰ টুপতে কেৰেলা বগাব
কেৰেলা বগাব চালত ;
মৰণে জীৱনে নেৰিবা চেনাইটি
নেৰিবা বিপদৰ কালত ।

২৭

নৈ ঘুৰণীয়া মৰে ফুৰণীয়া
আনি দে জুৰণি খাও ;

দুৱাৰ মেলি দিয়ক কোৱাগৈ মাকক
মইনো ভিতৰলৈ যাওঁ।

২৮

তামোলত খাবৰে লওঁ ঐ লাহৰী
তামোলত খাবৰে লওঁ ;
তোমাৰ নো বাপেৰে ল'ব কেই কুৰি
ছাগলি বেচাবে ধন।

২৯

প্ৰথমে ঈশ্বৰে পৃথিৱী স্ৰজিলে
লগতে স্ৰজিলে জীৱ ;
সেই জন ঈশ্বৰে পিৰিতি কৰিলে
আমি বা নকৰিম কিয়।

৩০

ক'তে গৈ আছিলা কাহঁৰ বাটিমুৰা
কোনে থৈছিলে ৰাখি ;
যোৰ-ফোঁট মাৰতী খোপা জোকাৰতী
তায়ে থৈছিলে ৰাখি।

৩১

পানী নো খাবলৈ বাটি নাইকিয়া
আৰু নাইকিয়া পাত ;
তোমাক আনিবলৈ ধনে নাইকিয়া
আৰু দিনচেৰেক থাক।

৩২

মট্‌ মট্‌ কৰি মটৰ গাড়ী চলিলে
যোৰহাটত চলিলে চিঠি ;
ওপজা ভেঁটিতে কি কৰ নাচনী
ৰ'দে বৰষুণত তিতি।

৩৩

মুঠি মুঠি কৰি টোলোঠা ঘুৰালো
তাঁততে হাচটি বও ;
চকুলৈ নেচাবি হে'ৰ ডেকালৰা
সম্বন্ধত বৌৱেৰ হে হও।

৩৪

শ্ৰী দি লিখিবৰ চিলত ;—
আমাৰে মইনা জকাইলৈ গৈছিল
জিলিকি আছিলে বিলত।

৩৫

কিয় মোৰ মইনা আহিলা বাৰিষা
গ'ল চ'তৰ বিহু আজি ;
তোমাৰ মোৰ যোৰা বিধতাই মিলালে
পণ্ডিতে মেলিছে পাঁজি।

৩৬

আইৰে সপনি ভাতৰে পোতনি
বোপাইৰ সপনি টান ;

বৰ ককাইৰ সপনি জ্বলা জুই অগনি
হিয়াত ঐ বানি যায় ধান।

৩৭

হাবিত জুই লাগিলে কুকুহা উৰিলে
মেগেলাই মেলিলে থোৰ ;
ক'তে আই বোপাই ছোৱালী খুজিলি
বাটৰো নপৰে ওৰ।

৩৮

তোমাক চাই আমনি নেলাগে মইনী
পেততো নেলাগে ভোক ;
তোমাৰ গঢ়ে পিতে কোনে গঢ়াই দিব
—তোমাৰে নিচিনা মোক।

৩৯

পানীয়ে পানীয়ে ধনে নাও মেলে
আমি লব মাৰোঁ বামে ;
মুঠিৰ কটা তামোল মুঠিতে শুকালে
গা-নো তিতিলে ঘামে।

৪০

টেমিটি পৰিলে ঘিটিঙাই কৰিলে
কটাৰি পৰিলে ধাৰে ;
চিয়াঁৰৰ কথাকে বুজিব নোৱাৰো
কেলেই তুলিলে মাৰে।

৪১

তোকে ঐ নাচনি তেতিয়াই ক'লোঁ মই
কপাহৰ বাচি ল'বি জোলা ;
ল'বলৈ লাগিব জপাৰ বৰ কাপোৰ
যাবলৈ লাগিব দোলা।

৪২

ৰিব ৰিব কৰি বতাহ জাকি মাৰিলে
শালি ধানে মেলিলে থোৰ ;
আয়ে খোজা নাই বোপায়ে খোজা নাই
ঈশ্বৰে পাতিলে জোৰ।

৪৩

এডালি কাটিলে আহে চাৰি ডালি
লুইতৰ খাগৰি খৰি ;
ধনক মাতিলে আহে চাৰি জনী
ডিঙিত ধৰা ধৰি কৰি।

৪৪

আয়ে মাতিলে গজৰে গথৰে
—মাহী আয়ে কলিজা খায় ;
তাৰ পাচত দেহি চেনায়ে মাতিলে
শৰীৰ চেছা পৰি যায়।

৪৫

ভাতো নেখাওঁ মই পানীও নেখাওঁ মই
থাকো ঢাৰি পাটীত শুই ;

চকুৰে চকুৰে চাবকে নেলাগে
শৰীৰত লাগিছে জুই।

৪৬

তুমি নাম গালা উৰাই ঘূৰাই
লৈ গল বতাহে পাই;
মই নাম গালো উৰাই-ঘূৰাই
তোমাকো আনিলে ভুলাই।

৪৭

লুইতৰ মাজৰে জোপোহা শিমলু
তাতে ল'লে কুকুহাই বাঁহ;
মিৰি মিছিমিৰ দোৱানো বুজোঁ মই
নেপাওঁ তিৰী জাতিৰ আশ।

৪৮

ৰংপুৰলৈ যোৰাগৈ লংগুটি আনাগৈ
দুয়ো একেলগে খাম;
মহৰ শিঙৰ পেপাটি খৰকৈ আনাগৈ
দুয়ো একেলগে বাম।

৪৯

আৰ্চিৰ মুখৰে গণ অ' মইনা
আৰ্চিৰ মুখৰে গণ;
পদূলিৰ আগে দি কৰে অহা যোৱা
ৰখাব পৰা নাই মন।

৫০

কাউৰিয়ে কৰিবৰ কোৱা ;
যেতিয়া আছিলা আমাৰে নিচিনা
তালৈ মনত কৰি চোৱাঁ।

৫১

চামৰ চৰিয়া দি যাওঁ মইনা
শিমলুৰ চেলেঙি নাও ;
জীয়াই থাকোঁ মানে নেৰিবা মইনা
দিয়া তামোল কাটি খাওঁ।

৫২

ওপৰে উৰিলে কি অ' মইনা
ওপৰে উৰিলে কি ;
কোৱা মোৰ মইনা মোকে নেভাৰিবা
তুমি কাৰ ঘৰৰ জী।

৫৩

তুমিয়ে আমিয়ে উমলি আছিলোঁ
হাতত কাৰফাই ধেনু ;
তোমাৰে মোৰে চোৱায় ৰাহি-জোৰা
মাৰে বাপেৰে হেনো।

৫৪

কাহানি ছিগিলে বতাহত উৰিলে
এই ডালি মইনাৰ চুলি ;

ইফালে সিফালে চেগে চাই ফুৰোঁ।
তোমাক চাই আহোঁগে বুলি।

৫৫

তেল পৰি পিছলে তোমাৰ বৰণটি
আছে তিৰে-বিৰে কৰি ;
তোমাৰে নিচিনা ক'তো নেদেখিলোঁ।
উজনি-নামনি ফুৰি।

৫৬

জাকৈ খালে খালে বাবি ঐ লাহৰি
জাকৈ খালে খালে বাবি ;
বিৰিঙাৰ আগত তামোল থৈ আহিছোঁ।
হেৰা পালোঁ বুলি খাবি।

৫৭

নৈ কোৱৰীয়া পকা জলকিয়া
তলৈলে মেলিলে শিয়া ;
বামুনক চোৱালোঁ গণকক চোৱালোঁ।
হ'ব মোৰ বহাগত বিয়া।

৫৮

চৰায়ে খাই গ'ল ধান ঐ মইনা
উফৰি পৰিলে কণ ;
কল ঠকুৱাৰে ফুল গুথিছিলোঁ।
মইনাৰ নেখালে মন।

৫৯

দ'কৈ পথাৰত হাতী পানী খালে
নেগুৰে মাৰিলে ছাতি ;
মোৰ মইনাক ফুল যোগাবলৈ
দিয়া চাৰি-মলা গাথি।

৬০

বাৰীত জিলিকে সোনে কৈ মুকুতা
কাপোৰ জিলিকে গাত ;
ওলাই আহোতে মোৰ শাহু আয়ে
আকাশত শুনিলে মাত।

৬১

এ-না বতাহত ললে থুৰিপাত
—মাটী সবলৰ লাই ;
বায়ু-বতাহ বুলি মোৰ শাহু আয়ে
থিয় হৈ আছিলে চাই।

৬২

গাতে লাগিলে বায়ুকৈ বতাহ
পদূলিত আছিলোঁ বৈ ;
বাটেদি মইনা সৰকি আহিলোঁ
কালিন্দ্ৰী ভোমোৰা হৈ।

৬৩

চৰাইৰ কপটীয়া সেন ঐ মইনা
চৰাইৰ কপটীয়া সেন ;

আগতকৈ দুগুন জেউতি চৰিলে
দেখো চন্দ্ৰ সূৰ্য্য যেন।

৬৪

নঙলা নঙলা পদূলিৰ নঙলা
দিয়া বাট লাহৰি যাওঁ;
—অতি চেনেহৰে লাহৰী হাতেৰে
দিয়া তামোল কাটি খাওঁ।

৬৫

তৰানি হাবিলৈ চাইনো পঠিয়ালোঁ
তৰা তিৰবিৰ কৰে;
তোমাৰ ফাললৈ চাইনো পঠিয়ালোঁ
জালুকে পোৰাদি পোৰে।

৬৬

আলিয়ে আলিয়ে যায় সমনীয়া
হাতত কলাখোৱা চৰাই;
চকুৰে চকুৰে পৰিল সমনীয়া
বিধতাই পাতিলে জোৰা।

৬৭

—দলৌ কাণেমাৰি তিনিকৈ পাবুৰি
কানত কেচা কলৰ ভাৰ;
জনমে জনমে সুজিব নোৱাৰোঁ
—থুৰিয়া তামোলৰ ধাৰ।

৬৮

থেকেচি ভাঙি যাওঁ রূপহী যতবটি
ভুকুৱাই ভাঙি যাও মাকো;
আমাৰে নাচনীক যদি ধৰি নিয়ে
আমি কাৰ লগত থাকোঁ।

৬৯

কিয় মনে মাৰি থাক ঐ জোনাকী
কিয় মনে মাৰি থাক;
বাতলৈ ওলালে চকু পচাৰতে
কাকনো চিঞৰে মাত।

৭০

নেযাবি দূৰলৈ পুৰুষৰ মেলনৈ
নিচিন্তিবি মোলৈ বেয়া;
দিম দেখা সপোনত যদি থাকো নিলগত
দিঠকত দেখিবি ছঁয়া।

৭১

মই যে অজলা মনো অজলা
নুবুজো একোকে মই;
কিয় ভালে পালি কিয় ভালে পালো
—গাতে জ্বলিছে জুই।

---

# দ্বাদশ অধ্যায়—সম্ভোগ।

১

চল চাই কঠিয়া পাৰিবা কলিয়া
—বঁতাত নিসিচিবা ধান ;
সমনীয়াৰ আগত ফালি কথা নকবা
সেই কথা পাবলৈ টান।

২

ৰাতিপুৱা উঠি হুটি চকু মোহাৰি
খালাকি নেখালা ভাত ;
চৰকাৰী কামলৈ চাপলি মেলিলা
লগাই থৈ নগলা মাত।

৩

ধনে গুৱাহাটী বেহাই যাও এৰাতি
নাজিৰাত বেহাই যাও পুৱা ;
তোমাৰ কি কপাল আমাৰ কি কপাল
বিধতাই পাতিলে যোৰা।

৪

কিনো খুৱালা খামলি এ মলা
মহলী ম'হৰে দৈ ;
এবেলি হহুৰাই এবেলি কন্দুৱাই
কত কি কথাবোৰ কৈ।

৫

আইৰে সপনি পঁইতা পোতনি
চাঙৰ আঠিয়া কল ;
খাই ল খাই ল মোৰ ধন লাহৰি
কমৰত বন্ধাই ল বল।

৬

ভোগদৈ নৈতে পল বাইছিলো
চাবত পাই গ'লো কাছ,
একেজন ঈশ্বৰে তোমাক মোক স্ৰজিলে
কিনো ভালে বেয়া বাছ।

৭

বহাগৰ বিহুতে পূৰ্নিমাৰ ৰাতিতে
পাতিম তোৰে মোৰে বিয়া ;
দুয়ো একেলগে ঘৰে পাতি খাম
মিলাম ঐ দুখনি হিয়া।

৮

কালৰ জীবা দুখনি মনিষৰ এখনি
তালৈ নকৰো ভয় ;
মাৰে বাপেৰে ধনৰে গৰাকী
তোমাৰে গৰাকী মই।

৯

বাঁহৰে চছলা মুখৰে মহলা
মুখতে কৰিছ লয় ;

সমনীয়াৰ আগত ওলাব নোৱাৰো
তোমাৰ কথাষাৰি কয়।

১০

আহোঁ পদূলিয়ে যাওঁ পদূলিয়ে
তোমাৰ পদূলিয়ে বাট;
বৰ ঘৰৰ মূধতে কাপোৰ বৈ আছিলা
মুখেৰে নিদিলা মাত।

১১

মোৰ নো পদূলিয়ে আহি গৈ আছিলা
মুখেৰে দিছিলা মাত;
এই নো মইনা মাত শুনিবলৈ পোৱা নাই
অগনি জ্বলিছে গাত।

১২

জিলিকি আহিলে চৰা নাও খন
জিলিকি আহিলে টিঙ;
টিঙৰ ওপৰত চেনাইটি আহিছে
সেওঁতা ফলাতে চিন।

১৩

উৰিয়ামৰ উখলি চাৰি আঙুল মুকলি
বকুল বৰাধানৰ কৰাই;
—ততে দেখিলোঁ এখেতে চিনিলোঁ
মোৰ ধন জিলিকি যায়।

১৪

ত'তে দেখিলো　　এখেতে চিনিলোঁ।
　　সেই জুৰি মোৰ ধনৰ ভৰি ;
শালে কটা চুৰিয়া　　গুণা কটা খনিয়া
　　আহে তিৰেবিৰে কৰি।

১৫

ফেচাই কুৰুলিয়ায়　　ৰাতি ঐ নুপুৱাই
　　কপৌ কুৰুলিয়ায় ডালত ;
মোৰ জানো ধনে　　কিৰিলি মাৰিছে
　　শুনি যাওঁ বতাহৰ চালত।

১৬

জুই ধৰি দিয়া　　ফুৱাওঁ ঐ লিগিৰা
　　ছাঁই ধৰি দিয়া ফুৱাওঁ।
গাখীৰৰ টেকেলি　　নমাই দিয়া লিগিৰা
　　ধনক চাউল চিৰা খুৱাওঁ।

১৭

　　ৰাঙলী মদাৰৰ পাত ;
এনে মাজ-নিশা　　আহিলা মোৰ ধন ঐ
　　খালা কি নেখালা ভাত।

১৮

আঠিয়া কলৰে　　দুডালি ঠাৰি ঐ
　　ছাঁ পাই তৰিলোঁ তাঁত ;

১৪

ত’তে দেখিলো এখেতে চিনিলোঁ।
সেই জুৰি মোৰ ধনৰ ভৰি ;
শালে কটা চুৰিয়া গুণা কটা খনিয়া
আছে তিৰেবিৰে কৰি।

১৫

ফেচাই কুৰুলিয়ায় ৰাতি ঐ নুপুৱাই
কপৌ কুৰুলিয়ায় ডালত ;
মোৰ জানো ধনে কিৰিলি মাৰিছে
শুনি যাওঁ বতাহৰ ঢালত।

১৬

জুই ধৰি দিয়া ফুৱাওঁ ঐ লিগিৰা
ছাঁই ধৰি দিয়া ফুৱাওঁ।
গাখীৰৰ টেকেলি নমাই দিয়া লিগিৰা
ধনক চাউল চিৰা খুৱাওঁ।

১৭

ৰাঙলী মদাৰৰ পাত ;
এনে মাজ-নিশা আহিলা মোৰ ধন ঐ
খালা কি নেখালা ভাত।

১৮

আঠিয়া কলৰে ডুডালি ঠাৰি ঐ
ছাঁ পাই তৰিলোঁ তাঁত ;

মাকো খিৰখিৰিয়া গাম-খাৰু বাজনি
লগায় কোন ঈশ্বৰে মাত।

১৯

ততে দেখিলোঁ। এখেতে চিনিলোঁ।
মোৰ ধনে গগনা বায়;
অময়া মাতকে মাতিলা লাহৰি
শৰীৰে সৰকি যায়।

২০

সৰু হৈ আছিলোঁ। গৰু ৰাখিছিলো।
ডাঙৰ হৈ লগালোঁ। তাঁত;
ওলোটাই ওভোতাই মাকো মাৰিছিলোঁ।
মোৰ ধনে লগালে মাত।

২১

কাঁহৰ বাটিতে সৰিয়হ পিছলে
নিঞৰত পিছলে ভৰি;
কথাৰ লাছতে কথাটি পিছলে
কথাতে খোপনি ধৰি।

২২

এইনো যৌৱনক গৰ্ব্ব কৰিছা
চিৰদিন থাকিব বুলি;
মাটিৰ এৰা। শৰীৰ মাটিতে পমিব
জনমলৈ খিয়াতি দি।

২৩

এইনো যৌৱনক ভৰসা কৰিছা
চিৰদিন থাকিব বুলি ;
যৌৱন ভটিয়াই গইছে মইনা
মূৰৰে পকিছে চুলি।

২৪

পৰলৈ নিদিবা মন ;
হাড়ক মাটি কৰি তেজক পানী কৰি
তোমালৈ ঘটিছোঁ ধন।

২৫

বাঁহৰ আগতে কপৌ চৰাই হালি
ধেনু নেমাৰিবা টানি ;
শতুৰুৰ ছোৱালীক চকু ঐ নিদিবা
দেহাক নকৰিবা পানী।

২৬

আকাশৰ চন্দ্ৰক নেপাওঁ হাতে মেলি
ভৰি মেলি নেপালোঁ পাটী ;
চন্দ্ৰ-সূৰ্য্যক মাতোঁ তুতি কৰি
পূৱক ধীৰে ধীৰে ৰাতি।

২৭

তোমাৰ তিনি খনি আমাৰ তিনি খনি
ছ-খনি কাপোৰৰ জাপ ;

তোমাৰ তিনি খনি লোম্বা বাছি বাছি
কুকুৰাই দিছে ডাক।

২৮

কুকুৰা কুকুৰা অজাতি কুকুৰা
ভুকুৱাই মাৰিমে তোক ;
ৰাতি নৌ পুৱাওতেই কিয় ডাকে দিলি
ধনে এৰি যায় মোক।

২৯

থাকোঁ মই স্বৰগত চৰোঁ মই পতালত
পৰে পৰে দি যাঁও ডাক ;
লেৰেলা সাদৰৰ ধনে তোক এৰিলে
এতিয়া দোষিছ কাক।

৩০

আলিৰ মূৰতে এখন্তেক বহিবা
আগেয়ে শতুৰ্ক যক ;
জীৱনে মৰণে নেৰিবা মইনা
তোমাক মোক কুশলে থক।

৩১

তোমাৰ ঘৰ সিপাৰে আমাৰ ঘৰ ইপাৰে
মাজত কুঁহিয়াৰৰ বাৰী ;
আহোঁ বুলি নাহিলা তামোল পান কটালা
সান্দহ-চিৰা কৰালা বাহী

৩২

ওপৰৰপৰা তললৈ হালিলে
মাথো তামোলৰ থোক ;
লাগে চাবি কুবি ভৰিব পাৰোঁ মই
এৰিব নোৱাৰোঁ তোক।

৩৩

ককাই নুবুলিবি মোক ঐ মইনা
ককাই নুবুলিবি মোক ;
কলিকালৰ স্বপ্ন গাতে ফলিয়াব
জানো বিয়া কৰিম তোক।

৩৪

বছৰি বছৰি আমে মলিয়ায়
বছৰি বছৰি খাওঁ ;
ইবেলি বছৰি আমে নাইকিয়া
কোনোবা ক'বালৈ যায়।

———

# ত্ৰয়োদশ অধ্যায়—বিৰহ।

১

ধনৰ চেওমণি বটীয়া পুৰণি
পহু শিঙৰ হাঁকোটাত থলোঁ;
নিগনি শলিয়াই শতুৰু শালিলে
ধনৰে আতাৰি হ'লোঁ।

২

আয়ো আছিলে বোপায়ো আছিলে
হৈও নোহোৱা হ'ল;
মনে খনা পুখুৰিত পানী খাব নেপালোঁ
সেয়ে হে বজাৰৰ হ'ল।

৩

সজাত বন্দী হ'ল সজাৰ ঐ মইনা
শালত বন্দী হ'ল হাতী;
চৰকাৰী কামত চেনাই বন্দী হ'ল
টোপনি নাহে ঐ ৰাতি।

৪

সজা ভাঙি মোকোলাওঁ সজাৰে মইনা
শালে কাটি মোকোলাওঁ হাতী;
ডিঙিৰ মণি বেচি চেনাইক মোকোলাওঁ
টোপনি অহাই যাওঁ ৰাতি।

৫

লাহৰ চুলি মেলি তেলকে নেপালেঁ।
নেপাওঁ পাতে পাৰি ভাত ;
ফুলাম পাটীপাৰি স্বামীক নেপালেঁ।
অভিমান কৰি যাম কাক।

৬

উজাই যাবৰ মোৰে মনে গল
ভটিয়াই যাবলৈ চিঁতা ;
কালৰ কালে কথা মনত পৰি যাব
হাতৰ সৰি যাব বঁটা।

৭

ঘৰতো নপৰে মনে সমনীয়া
পথাৰত নপৰে মন ;
কমোৱা তুলাবোৰ যেনেকৈ উৰিছে
তেনেকৈ উৰিবৰ মন।

৮

কুমলীয়া তামোলৰ কণ ;
আগৰটো মনেৰে নেচাবি মইনা
আমাৰ দুভ'গীয়া মন।

৯

হাচতি হাচটি কৰ তই ল'ৰাটি
হাচটি থৈছো বৈ ;

হাচটিকে পাবি মোকে হে নেপাব
কান্দিবি আগতে লৈ।

১০

যোৰহাট জিলালৈ নেযাবা বুলিলো
কাৰে বুধি পাই গ'লা ;
কাৰে বুধি পাই আমাক তেজিলা
আগলৈ আতাৰি হ'লা।

১১

এৰিলো এবুৰি এৰিলো ছবুৰি
এৰিলো নদীৰে কুল ;
একে চহাই এৰি পঠিয়ালো
সকটি চেনাইৰে গুণ।

১২

আখৈ খায়ে খায়ে পেটকে নভৰে
নিঞৰে নিতিতে ভৰি ;
কেচা কৌপাতত ঘুণে বিন্ধিলে
হ'লো বয়সত বাৰী।

১৩

বাৰীৰ মাজে মাজে গোলাপ ফুল ফুলিলে
তিতাফুল ফুলিলে ঢাপত ;
তোমাৰে আমাৰে যোৱা নেপাতিলে
কোনোবা জনমৰ পাপত।

১৪

ভাটীলৈ ভটিয়াই যামেগৈ মইনা
ধৰিমগৈ সন্ন্যাসী বেশ ;
তোমাৰে লগত মৰি যাম মইনা
এৰি যাও অসমৰ দেশ।

১৫

নৈ ধাৰে ধাৰে গলি ঐ মইনা
পানীৰ ধাৰে ধাৰে গ'লি ;
মইনা মইনা বুলি মাতো তিনি বেলি
উভতি নোচোৱা হলি।

১৬

তোমাৰ ঘৰ সিপাৰে আমাৰ ঘৰ ইপাৰে
মাজত বৰতানি হাবি ;
খৰি শুকুৱাদি শুকালো লাহৰী
তোমাক দিনে ৰাতি ভাবি।

১৭

কচাতালৰ আগৰে বেলে ঐ লাহৰী
চোতালৰ আগৰে বেল ;
তোমাৰ বেজাৰত বাহিঘৰ কৰা নাই
মূৰতো ঘহা নাই তেল।

১৮

তইঁতৰ ঘৰলৈ গৈছিলো জোনাকী
তই নো খাই আছিলি ভাত ;

তামোল-চালি দিবলৈ নোলালি জোনাকী
ওলাই নলগালি গাত ।

১৯

কেলেই এনে হলি মইনা লাহৰী
তই হলি জনমৰ কাল ;
হাবি-বননিয়ে ফুৰি ভালে লাগে
ঘৰত মোৰ নেলাগে ভাল ।

২০

কুহু কুহু কৰি কুপতি বিনালে
দাউকে কান্দিলে বৈ ;
মাকৰ ডিঙিত ধৰি জীয়েকে কান্দিলে
ধনেৰে আতাৰি হৈ ।

২১

পূবৰ অৰুণ পচিমত ঘূৰিলে
মলয়াত উৰিলে বগ ;
মনৰ কথাযাৰি মনতে ঘূৰিলে
ক'বলৈ নেপালো লগ ।

২২

তোমাৰ গুণৰ কথা কাহানি পাহৰিম
যম ৰজাই নেমাৰে মানে ;
মোৰ দুখৰ কথা কাক নো কৈ যাম
আত্মা শৰীৰে জানে ।

২৩

কেলেই স্রজিলি চৰৈজন দেৱতা

কেলেই তুলিলি আই ;

মনৰে কামনা পুৰাব নোৱাৰি

মৰোঁ বৰে বিহ খাই।

২৪

ধনৰে বাতৰি লেতেৰা শুনিলোঁ।

কঠিয়া তলিলৈ গৈ ;

চৰাই হোৱা হ'লে উৰি গলোঁ হেতেন

মাজত ধনশিৰী নৈ।

২৫

চতি চতি মাৰলি মাৰলি

বগায় কাৰ্শলা সাপ ;

মোৰ জানো কপালত যি হ'বৰ হৈছে

মইনা কুশলে থাক।

২৬

ভোগদৈৰ দাঁতিতে পাতোঁ লাঙি জাল

উভতি লাগিলে মোৰা ;

কিনো মায়াজালত পৰিলি চেনাইটি

নেদেখোঁ গধূলি পুৱা।

২৭

উজাই নাৰ মাছ ভটিয়াই ভাঙোন

ধনে পানী অনা ঘাটত ;

এখনি তামোল ঐ দিবলৈ নেপালেঁ।
চেনাইৰ কুমলীয়া হাতত।

২৮

লাহি কাপোৰৰ পাহি ঐ মইনা
লাহি কাপোৰৰ পাহি;
বুকুত দিয়ে গলি অলা জুই একুৰা
মুখত দিয়ে গলি হাঁহি।

২৯

নৈ-লৈ হালিলে ন-ডালি ভলুকা
হালে পথাৰলৈ কাক;
বুকুৰ কামি হাৰ হ'ল ডালি ডালি
কালৈ চিন্তা কৰি থাক।

৩০

তোলই চিঁতা কৰি শৰীৰটি শুকালে
কামলৈ মনতে নাই;
ভাতৰ পাতত বহি মনত ঐ পৰিলে
মুখৰ ভাত উভতি যায়।

৩১

কামে কৰি কৰি আমনি লাগিলে
মনত পৰি পৰি কান্দো;
তোমাৰ সন্তাপত থাকিব নোৱাৰোঁ।
তামোলৰ টুপলি বান্ধো।

৩২

নগাৰঁৰ বাতৰি গড়গাৱঁত শুনিলোঁ
কাষে চপাই যাওঁ নাও ;
তোমাৰ সন্তাপত ঘৰত ঐ নেথাকোঁ
ভাটীলৈ ভটিয়াই যাওঁ।

৩৩

লুইত পাৰ হ'লোঁ দিখৌ পাৰ হ'লোঁ
জিৰালোঁ কলিয়াবৰত ;
তোমাক বিচাৰি এবোঁ ঘৰে বাৰী
নেথাকোঁ ডিবৰুগড়ত।

৩৪

চ'তে মাহতে শিমলু ফুলিলে
ওপৰে উৰিলে তুলা ;
লোকৰ বুদ্ধি পাই আমাকো এৰিলা
জনমৰ শতুৰু হ'লা।

---

# চতুৰ্দ্দশ অধ্যায়—বিৰহ (২)।

১

ধনক গুণি গুণি নধৰে টোপনি
থাকোঁ অনাহাৰে শুই ;
যেতিয়া সোনাইলৈ মনতে পৰেহি
শৰীৰত জ্বলেহি জুই।

২

অতি চেনেহৰ ফুলবাৰী পাতিলোঁ
তাৰ মাজে খৰিকা জাঁই ;
অতি চেনেহৰ পিৰীতি কৰিলোঁ
ঢোপাতে মৰহি যায়।

৩

কাৰ আগত কৈ যাম দুখৰ কথাষাৰি
কোনে পাতি যাব কাণ ;
চকুত নাই টোপনি তোমালৈ চিঁতনি
দেহালৈ পৰিছে টান।

৪

কি কথা কৰিলোঁ কি বুদ্ধি কৰিলোঁ
বাৰীত দামে কল ৰুই ;
আগেয়ে নেজানো এতিয়া জানিলোঁ
শৰীৰত একুৰা জুই।

৫

বাৰীৰ পাচ ফালে কজলা উৰহি
পাতে তিৰবিৰ কৰে ;
চেনাইৰ বাতৰি নেপাওঁ ভালে কৰি
শৰীৰ খুন্দামাৰি ধৰে।

৬

বৰঘৰৰ মূধতে ভঁৰালৰ টুপতে
চৰাই ফুটকলা খায় ;
মোৰ জানো মনতে পৰে ঘনে ঘনে
তোমাৰ জানো মনতে নাই।

৭

বকুল বৰা ধানৰ আখৈ ভাজিছিলোঁ।
ছপোৱা গাখীৰৰ দৈ ;
তুমি যে নহলে খাবকে নোৱাৰোঁ।
থাকোঁ মই আগতে লৈ।

৮

নেখাই ঐ নোৱাৰি খালে ঐ নামুৱায়
বাঙ্কৈৰ থুৰি তামোল খনি ;
কিনো যাদু মোক কৰিলা তামোলত
থাকিব নোৱৰা কৰি।

৯

তোমাক চায়ে চায়ে চকুযোৰ বিষালে
থিয় দি বিষালে ভৰি ;

মুকলি পথাৰত এৰি থৈ গ'লা
এথানি-এবানি কৰি।

১০

কিনো খাই পাহৰিম তোকে ঐ মইনা
কিনো খাই পাহৰিম তোক ;
মিছিমি আহিব বৰ-বিহ আনিব
তাকে খাই পাহৰিম তোক।

১১

ৰাতি পৰে পৰে তোলৈ মনত পৰে
চকু পানী দুধাৰে বয় ;
তললৈ মূৰকৈ গুণিবলৈ ধৰিলোঁ
আগতে চাকিটি লৈ।

১২

ৰাতি পৰে পৰে তোলৈ মনত পৰে
টোপনি নধৰে মানে ;
এনুৱা বেজাৰ ঐ কিয় দি গ'লি
এতিয়া কি হ'ব ক'লে।

১৩

ভাত খাই গ'ল তপতে তপতে
খুঁটি থৈ গ'ল চুকত ;
যাবৰ বেলিকা মাত নলগালে
কথা থৈ গ'ল বুকত।

১৪

নৈ পানী বাঢ়িলে গমত ঐ মইনা
নৈ পানী বাঢ়িলে গমত ;
তোমালৈ মনতে পৰে ঘনে ঘনে
আমালৈ নপৰে মনত।

১৫

ৰঙত দি গ'লি ৰঙৰ ঐ হাঁহুটি
সঙ্গ লৈ গলি কাঢ়ি ;
গাত দিয়ে গ'লি জ্বলা জুই একুৰা
মুখত দি গ'লি হাঁহি।

১৬

তোমাৰ বাৰীত ফুলিলে ইন্দ্ৰজিত মালতী
মোৰ বাৰীত পৰিলে ছাঁ ;
দিনৰে দিনটি তোমালৈ ধাউতি
ৰাতি পুৰি মাৰে গা।

১৭

ঢাৰি পাৰি থেৰেজু লেখোঁ ;
তুমি নো বান্ধৈঐ আছাগৈ উজনিত
নিতৌ সমাজিকত দেখোঁ।

১৮

চ'লি খৰি এমুঠা নেবান্ধ বৰকলী
পুৰিলে উৰিব ছাই ;

মৰাটি মৰিছে নেকান্দ বৰকলী
কান্দিলে পাবলৈ নাই।

১৯

গধূলিৰেপৰা পুৱালৈ লগালোঁ
এপোৱা তেলৰে চাকি ;
ঢাৰি পাটী পাৰি টোপনি নধৰে
ত্নখেৰে পুৱালে ৰাতি।

২০

পুৱা ঐ নেদেখোঁ তোমাক ঐ লগৰি
গধূলি নেদেখি মৰোঁ ;
দিনত ঐ এবেলি তোমাক ঐ নেদেখি
গাবে পোৰণিত মৰোঁ।

২১

তোমাক ঐ ভাবোতে চকুপাণী টোকোতে
হাতত শিৰামুই ধৰে ;
শোকে খুন্দামাৰে কান্দিব নোৱাৰোঁ
চকু পানী তুধাৰে পৰে।

২২

ধনক ধনে কৰি ধনকে ঘটিলোঁ
পৰম যতন কৰি ;
ধন গ'ল উছলি ধন গ'ল পিছলি
লগত গ'ল দুচলি থৰি।

২৩

হাত মেলি মেলি দাবলৈ নেপালেঁ।
পথাৰৰ মাগুৰি ধান ;
হাছটি ভৰাই দিবলৈ নেপালেঁ।
ৰাঙলী মদাৰৰ পাণ।

২৪

কোন জন ঈশ্বৰে পাখি লগাই দিব
পৰিমগৈ ঘৰৰে চালত ;
মাখি জনম ধৰি দেখা দি আহিমগৈ
চুমাদি লাহৰী গালত।

২৫

চুলিৰে ইলৈ ঐ চুলিৰে বিলৈ ঐ
থাকে চুলি পৰি শুই ;
তামোলটো হ'ব যেন ফালি দেখুৱাম
শৰীৰত একুৰা জুই।

২৬

ধান বহাবৰে ঘুটুঙ্গা জকাটি
সোৱণ বিৰিখৰ খৰি ;
তোমাৰে আমাৰে কোনে মন ভঙালে
দেহাকে ডুফালি কৰি।

২৭

থুৰিয়াই কাটিলোঁ। তামোল তিনি খনি
নুৰিয়াই বান্ধিলোঁ। পাণ ;

D.Ch. Barua



পথাৰে পথাৰে বিচাৰি ফুৰিলোঁ।
ক'তে দাই আছিলা ধান।

২৮

থুৰিয়াই কটা নাই তামোল তিনি খনি
মুনিয়াই বন্ধা নাই পাণ;
পথাৰে পথাৰে বিচাৰি ফুৰা নাই
দলনিত দাইছিলোঁ ধান।

২৯

জেনেক চকলা জিমে সুমথিৰা
জেনেক-চকলা জিম;
ৰংপুৰ জিলাতে আছে মোৰ মইনা
কাৰ আগত বাতৰি দিম।

৩০

কোনে আনি দিব লোণে আমেলথি
কোনে আনি দিব জৰা;
কোনে আনি দিব তোমাৰে বাতৰি
শদিয়া ৰাজৰেপৰা।

৩১

দলনি পথাৰত খেতি কৰিছিলোঁ
ভঁৰাল ভাঙি খালে চোৰে;
তোমাৰ সন্তাপত টোপনি নধৰে
জালুক-জলকিয়াই পোৰে।

৩২

কাণত জিলিকিল বগা জাঙেফাই

হাহোঁতে জিলিকিল দাঁত ;

শোৱা ঢাৰি পাটী সজালোঁ পৰালোঁ।

শুবলৈ নেপালোঁ ভাত।

---

# ওপৰঞ্চি—হুঁচৰি।

১

ৰঙালি ঐ টঙালি ঐ
বহাগৰ বিহুৰে ধেমালি ঐ।

২

হুৰাই ল' স্বৰগৰ তৰা ;
চাই থাক চাই থাক নিলগৰপৰা।
বহাগৰ বিহুকে জনাবলৈ আহিছোঁ ;
চাই থাক চাই থাক নিলগৰপৰা।

৩

পাত ঐ পচলা
মাধৈ ফুলৰ মালা,
মলামুই ঐ খৰকৈ যতন কৰা।

৪

কুঞ্জাইৰ মুৰতে বকুল ফুল এপাহি—অই ৰাম।
নিঞ্জৰ পাই মুকলি হ'ল,
হৰি হৰি গোপাল গোবিন্দ ৰাম ॥

৫

কেতেকিৰ এপাহি—অই ৰাম
কেতেকীৰ দুপাহি—অই ৰাম

কেতেকীৰ এপাহি,
হৰি হৰি গোপাল গোবিন্দ ৰাম ॥

৬

দেউতাৰ পদূলি—অই ৰাম
গোন্ধাইছে মধুৰি—অই ৰাম
হৰি নামে খুটাক খুৰায় ;
হৰি হৰি গোপাল গোবিন্দ ৰাম।

৭

হুঁ চৰি—এ—চ'ত ;
আমি যে ওমলোঁ য'ত,
ডুবৰিও নগজে ত'ত।

৮

ৰাধাই বোলে কৃষ্ণাই গোকে পাৰে কৰা,
এই যমুনাৰ জল—ঔ গোবিন্দায় ৰাম।

৯

কলমৌ খাওঁতে বুঢ়া হনুমন্তে
নগৰি কৰিলে ছন—ঔ গোবিন্দায় ৰাম।

১০

গোবিন্দ গোবিন্দ গোবিন্দায় ;
ধেনু চাৰি বেণু বায়।

১১

ল হেৰ' দদাই হাতত কাৰেফাই ;
মাৰ ঔ মাৰ ঔ বালি চৰাই।

১২

গিৰিপ গিৰিপ গিৰিপ ঔ
কলীমতী কাঠৰ শৰাই ;
কি ফুল ফুলিছে লতা বগাই।

১৩

ৰংপুৰ ঐ ৰঙা পুখৈ ;
গড়গাওঁ ঐ কিমান দূৰৈ।

১৪

ন-ঘৰ ঐ পুৰণি কামি ;
হুঁচৰি গাবলৈ আহিছোঁ আমি

১৫

হুঁচৰি বৈ ফুল মকুৰা—চল' লাই ;
চাউল চালিবলৈ চালনি নাই।

১৬

কেৰেলা ঐ বেঙেনা ঐ ;
তোৰে ভবে বতৰ হলে না ঐ।

১৭

অ' নিলাজি চ'ত—আছিলি ক'ত ;
অ'—বহাগী ৰাম—নেথাকো যাম।

১৮

হুৰাই ল' নাহৰৰ কলি ;
শৰাইতে মুকলি হ'ল এ
ছৰৰা চঁপাৰে কলি।

১৯

বৈ বৈ যায় পিঙ্কোতা নাই ;
চঁপা নাহৰৰ কলি এ বাই।

২০

হুঁচৰি এ হাও ;
দুই ঘৰৰ মাজতে গাওঁ।

২১

হুৰাই ল' কলীয়া চোলা ;
নাচোন ভালে দেখি দেউতাৰ
ৰখালে কেকোৰা দোলা।

২২

ৰাইজেই লক্ষ্মী শুকুলী পাবৈ
ফুৰে ঘৰে ঘৰে বৈ ;
ৰত্নৰ খাটতে প্ৰভু শুই আছিলে
লক্ষ্মী জগালে গৈ।

২৩

লহ বাই লহ'ৰীয়া
লহ' লহৰীয়া।

২৪

ঢোলৰ হেঙুলীয়া মাৰি ;
লুইতে চলালে ধোৱা-কল-নাও
চলায় পৰ্ব্বতে গাড়ী।

২৫

ঢোলে বায় ঢুলিয়া খোলে বায় খুলিয়া
কাৰ ঘৰৰ নাচনী নাচে ;
ওচৰ চাপি চাপি নাহিবা নাচনী
আমাৰ গাত মোহনি আছে।

২৬

টেকেলি পৰিলে নাদত ;
আমাৰে নাচনী লৰে মাৰি সাৰিলে
ঢুলিয়া পৰিলে ফান্দত।

২৭

শিলে বালি চৰাই গিলে ঐ মইনা
শিলে বালি চৰাই গিলে ;
আৰু বেলি বিহুখন চাবলৈ নেপালো
মটাম'হ ৰখীয়া দিলে।

২৮

দুখৰে উপৰি দুখ ;
কুকুৰে কামোৰে ছৱালে দলিয়াই
ক'তো যে নিমিলে সুখ।

২৯

পেপা চেও ধৰি বাবি ঐ লাহৰী
পেপা চেও ধৰি বাবি ;

বৰকৈ নেবাৰি    খৰকৈ নেবাবি
নাচনী চেৱকে বাৰি।

৩০

তাৱৰে চুৰিয়া    লেচাই নেমাৰিবা
মাটিত নুবুলিবা শোঁ;
কোনোবাই ক'ৰবাত    কড়িয়াই মাৰিব
বাৰী দুখুনীৰ পো।

৩১

ভোগদৈ নৈ খন    ইমানে সিমানে
কোনে দি যাব সাকোঁ;
কোনে দি যাব    কাঠৰ দোৰপতি
কোনে দি যাব মাকো।

৩২

ধনশিৰীৰ বগৰি শুকান শিৰি অই,
আহা যাওঁ লগৰীয়া ওমলোঁ গই।
চ'তে গই গই পালেহি বহাগ,
আহা যাওঁ লগৰীয়া ওমলোঁ গই।
ফুলিছে ভেবেলী লতা না ৰই;
আহা যাওঁ লগৰীয়া ওমলোঁ গই।
কি মাছ মাৰিলা পুথি না ৰই;
আহা যাওঁ লগৰীয়া ওমলোঁ গই।
যোৱা গৈ ঘৰলৈ গুচি না ৰই;
আহা যাওঁ লগৰীয়া ওমলোঁ গই।

৩৩

চোতালৰ আগৰে তুলসী,
আমাৰ গা আহিছে উলসি।
চোঁতালৰ আগৰে কেঞ্চাবন ;
এই ঘৰ মানুহৰ বেয়াবন।

৩৪

লাও ঐ লাও কেকোৰা লাও ;
আছে নে নাই মই বিচাৰি চাওঁ।
জোকাৰোতে পোকাৰোতে লাও পৰি ভাগিল ;
গৰুৰ বুঢ়াবুঢ়ীৰ কিলাকিলি লাগিল।

৩৫

খোজকে কাঢ়িলোঁ এলাই ঘেলাই
খোজৰ মূৰত লাগিলে ভাগৰ ;
দেউতা মহাৰজাই পুখুৰি খনালে
নাও থ'লে গৌৰীসাগৰ।

৩৬

পুখুৰি খনালে ভাঁলকে কৰিলে
পাৰতো বন্ধালে দ'ল ;
দ'লো বন্ধালে কলছী চৰালে

৩৭

ৰজালই এটকা দিয়া মোৰ দেউতা
প্ৰজালৈ ছুটকা দিয়া ;

আমি ল'ৰাহঁতে ধেমালি কৰিছোঁ।
আমাকো ছটকা দিয়া।

৩৮

মাখি মূৰে কাটি ঢোলটি কাটিলোঁ।
পিপৰা ছালেৰে চালোঁ ;
জেলুকৰ ছালেৰে বৰতি কাটিলোঁ।
ফৰিঙৰ ঠেঙেৰে বালোঁ।

৩৯

চৰায়ে থাবৰ ধানে মোৰ মইনা
উফৰি পৰিবৰ কণ ;
অতি চেনেহৰ আমাৰ বিহুৰ তলিত
গজিলে ডুবৰি বন।

৪০

ভঁৰালৰ আগতে আমাৰ তাঁতৰ শাল
চৰায়ে চিঙিলে সূতা ;
ফেকুৰি ফেকুৰি নেকান্দ নাচনী
আনি দিম বজাৰৰ সূতা।

৪১

বাঁহৰে আগতে বাঁহী বজাইছিলোঁ।
পৰে হেন পৰে হেন দেখোঁ ;
ইবেলি নাচনী নৰীয়া পৰিলে
মৰে হেন মৰে হেন দেখোঁ।

৪২

ঢোলৰ নাম উৰুলি ঢোলৰ নাম কুৰুলি
ঢোলতো বিন্ধিলে ঘূণে ;
মৰাণৰ মুচিয়া ঘৰত নাইকিয়া
ঢোল চাই দিব কোনে।

৪৩

হাতী খুজীয়া ফুটুকী গাৰুটি
মেকুৰী খুজীয়া পাটি ;
কোৰঁৰ মৰিবৰ নহল চাৰিদিন
পৰুৱাই তুলিলে মাটি।

৪৪

তামোলৰ আমোলে মোলে ঐ নাচনি,
তামোলৰ আমোল মোল ;
ক'ৰপৰা পালাহি দেৱা চালি খোৱাটো
তামোলৰ নেজান মোল।

৪৫

ঢোলে যে কৰিব ধিনিকি ধিন দাও
মৃদঙে কৰিব তাও ;
কাটনি তাঁতে যে আমনি কৰিব
বিদায় দে ঘৰলৈ যাওঁ।

৪৬

কৰদৈ চকলা পাতে মোৰ মইনা
কৰদৈ চকলা পাত ;

ৰূপৰে চকলা নিদিয়া মানে
আমিও নলগাওঁ মাত।

৪৭

পূবেদি ওলাবৰ বেণু ;
সোন্দৰ বৰগোহাঁই ৰণলৈ ওলালে
আটাই ঘুনে খোৱা ধেনু।

৪৮

আজি উৰুকা কাইলৈ ভুৰুকা
নাহৰ ফুল ফুলিবৰ বতৰ ;
কেতেকী চৰায়ে কাটে সৰু সূতা
মকুৱা ফুলৰে যঁতৰ।

৪৯

পোৱালি কাচৰে চলং ;
কেনি পাৰ হ'ব আমাৰে নাচনী
ঘাটত নাইকিয়া দলং।

৫০

পৰ্ব্বতৰ ঢেকিয়া চিৰিলি পতীয়া
মেকুৰি কৰিবৰ মাও ;
এই বাৰৰ দায় দোষ ক্ষমিবা দেউতা
হস্তীৰো পিছলে পাও।

৫১

জোনৰে তামূলী তৰা ;
স্বৰ্গদেওৰ তামূলী গন্ধিয়া ফুকন
মাতে তাওকাকৰপৰা।

৫২

দেউতাৰ বৰেঘৰ দেখোতেই ভয়ঙ্কৰ
কৰতে কাটিলে ৰূৱা ;
আমি ল'ৰাহঁতে ধেমালি কৰিছোঁ
ছিকাৰূপ উলিয়াই দিয়া।

৫৩

দেউতা ওলালে বৰচ'ৰাৰ মুখলৈ
তুলিয়াই পাতিলে দোলা ;
কাণত জিলিকিলে নৰা জাঙেফাই
গাতে গোমচেঙৰ চোলা।

৫৪

পোৱালি হাতীৰে শুৰ ;
তললৈ মুৰকৈ গুণিব নেলাগে
মেলাগৈ জপাৰে মূৰ।

৫৫

উলি তামোলৰ পুলি ;
খুৰালগা কৰণি যায় ৰাট বুলি
খনিয়া কাপোৰ আনোগৈ বুলি।

৫৬

পৰি হাঁহকণী ভাগিল;
বৰঘৰৰ ভিতৰত ছিকাৰূপ হেবালে
বিচৰা-বিচৰি লাগিল।

৫৭

ভলুকা বাঁহৰে আখি;
তলে বোকা ওপৰে বৰষুণ
আমাকো নথ'বা ৰাখি।

৫৮

বিহাৰ পদুমৰ চকা;
তোমাৰ ধনেৰে কিনো দ'ল বন্ধাবা
বচনে এহেজাৰ টকা।

৫৯

কেলেই সাঁচিলা জঁপাৰ বৰ কাপোৰ
কেলেই সাঁচিলা ধন;
জঁপাৰ বৰ কাপোৰ জঁপাতে পচিব
হাড়তো গজিব বন।

৬০

খুঁটিতে পৰিলে জীয়া;
তললৈ মূৰকৈ গুণিব নেলাগে
চেলেং কাপোৰ উলিয়াই দিয়া।

৬১

চৰাইৰ চিকুণে তেলীয়া সাৰেঙে
মাছৰ চিকুণে মালি ;
দেউতাৰ চিকুণ কোকোৱা দোলাখন
খপে গজপুৰৰ আলি।

৬২

কেলেই লাগিছে তামৰ পইচা
ফলিও পৰি পৰি আছে ;
দিব যদি পাৱা গুণা ফুলীয়া খনিয়া
কাললৈ থাকিব ছিয়া।

৬৩

ভলুকা বাঁহৰে আখি, মোৰ দেউতা
ভলুকা বাঁহৰে আখি ;
বতাহ বৰষুণে ওন্দোলাই আনিছে
আমাকো নথ'বা ৰাখি।

৬৪

ছেলেং কাপোৰৰ পুতল ;
খৰকৈ যোৱাগৈ গা ধুই আহাঁগৈ
ভাতৰো আহিছে উতল।

৬৫

গুৰুকো কৰিবা দান মোৰ দেউতা
ভকতক কৰিবা দান ;